# হিতেশ ডেকাৰ

# উপন্যাস সমগ্ৰ

## প্ৰথম খণ্ড

চন্দ্ৰ প্ৰকাশ
পাণবজাৰ, গুৱাহাটী-১

***Hitesh Dekar Upanyash Samagra Vol.1*** **: A collection of Assamese Novels written by Hitesh Deka and published by Rajendra Mohan Sarma on behalf of Chandra Prakash, Panbazar, Guwahati -1, First Edition : 2005**

*Price Rs. 450.00 (Four hundred fifty) only*

---

প্ৰকাশক :
শ্ৰীৰাজেন্দ্ৰ মোহন শৰ্মা
চন্দ্ৰ প্ৰকাশ
পাণবজাৰ, গুৱাহাটী-১
দূৰভাষ - ২৫১১৯৪৬

প্ৰথম প্ৰকাশ ২০০৫

মূল্য : ৪৫০.০০ টকা মাত্ৰ

মুদ্ৰক :
কম্পটন প্ৰিণ্টাৰ্ছ
বামুণীমৈদাম, গুৱাহাটী

# সূচীপত্ৰ

# আজিৰ মানুহ

আহাৰ মাহ। প্ৰখৰ ৰ'দ। বেলা দুপৰীয়া। ৰাস্তাৰে খোজ কাঢ়ি যাবলৈ সাহ নহয়। উহ! কি ভীষণ তাপ! ভৰিৰ চেণ্ডেল যেন জুইতহে পৰিছে।

গা পাতলকৈ মানুহজন। ভৰিত এযোৰ পুৰণা চেণ্ডেল, মূৰৰ চুলিবোৰ অসংযত। গাত ধুঁতি আৰু পাঞ্জাবী। হাতত এটা চুটকেচ। বয়স সাতাইশ কি আঠাইশমান হ'ব; চকু দুটা উজ্জ্বল আৰু আবেগময়। খোজ কাঢ়ি আহি দীঘলী পুখুৰীৰ পাৰৰ এটা ঘৰৰ সমুখত থিয় দিছে। এনেতে ঘৰৰ ভিতৰৰ পৰা মহেশ কলিতা ওলাই মানুহজনক দেখি আনন্দতে হাঁহি মাৰি উঠিল— 'প্ৰতাপ দেখোন! ক'ৰ পৰা? মই তোক বিচাৰি একদম হায়ৰাণ। পিচে ইমান দিন ক'ত নিৰুদ্দেশ হৈ আছিলি অ'?'

'নিৰুদ্দেশ নহয়, বনবাস ওৰফে অজ্ঞাতবাস। পিচে শুনি সুখী হলোঁ যে অন্ততঃ মোৰ খবৰ লোৱা মানুহো পৃথিবীত আছে।'

'আলবত্ আছে' বুলি কৈ চুটকেচটো হাতত লৈ ক'লে— 'ব'ল ভিতৰলৈ।' দুয়ো সোমাই গ'ল। প্ৰতাপে পোনে পোনে গৈ পাকঘৰ সোমাই মাত দিলে— 'মাহীদেউ।'

'কোন' বুলি মহেশৰ মাক ওলাই আহি প্ৰতাপক দেখি বিস্ময়েৰে সুধিলে- - 'অ' প্ৰতাপচোন? ইমান দিনৰ মূৰতনো আজি কিয় মনত পৰিল বাছা?'

'খং নকৰিব মাহীদেউ, জানেইতো মোৰ কিমান জঞ্জাল।'

'এৰা, জঞ্জালতো, তোমাৰো ক'ৰবাত জঞ্জালৰ অন্ত আছেনে? আজি ইমান দিন হ'ল মানুহটো নাই কিন্তু চিঠি এখনো আহিব নাপায়নে? যি কৰিছা কৰিছা বাৰু, আহাঁ, বহাঁ' বুলি কৈ এখন টুল আগবঢ়াই দিয়ে। প্ৰতাপ বহে। মহেশৰ মাকে আগত থিয় হৈ সতৃষ্ণ দৃষ্টিৰে এবাৰ ভৰিৰ পৰা মূৰলৈ চাই প্ৰশ্ন কৰে— 'ক'ৰপৰা আহিছা? কি কৰিছা এতিয়া? বৰ ভাগৰ লাগিছে হবলা? গা ধুবা?'

'একেলগে ইমানবোৰ প্ৰশ্ন কোনো পৰীক্ষাত নাহে মাহীদেউ। পিচে প্ৰথম প্ৰশ্নৰ উত্তৰ— আহিছোঁ গাঁৱৰ পৰা। দ্বিতীয় প্ৰশ্নৰ উত্তৰ – কৰিছোঁ ঘৃৰং আৰু ফেৰং। তৃতীয় প্ৰশ্নৰ উত্তৰ – ভাগৰ হ'লে লাগিছে। চতুৰ্থ প্ৰশ্নৰ উত্তৰ গা হ'লে ধুম।